# ভাগ্যৰ লিখন

ৰজা বিক্ৰমাদিত্যই প্ৰজাৰ মংগলৰ বাবে কৰিব নোৱাৰা কাম নাছিল। এদিন তেওঁৰ ৰাজসভাত এজন বৃদ্ধ ব্ৰাহ্মণে আহি কান্দি কান্দি ক'লে —

"মহাৰাজ, মোৰ সকলো সন্তান কম বয়সতে মৰি যায়। নিশ্চয় তাৰ বাবে আপুনিয়েই দায়ী। কাৰণ ৰজাৰ পাপৰ বাবেই প্ৰজাই শাস্তি পায়।"

এই কথা শুনি ৰজাৰ বৰ বেজাৰ লাগিল। তেওঁ ব্ৰাহ্মণৰ পত্নীৰ যেতিয়া আৰু এটা কেঁচুৱাৰ জন্ম হ'ল, তেতিয়া কেঁচুৱা থকা কোঠাটোৰ দুৱাৰমুখত তৰোৱাল লৈ বৈ থাকিল। ছয়দিনৰ দিনা ৰাতি কেঁচুৱাৰ কপালত ভাগ্যৰ লিখন লিখিবলৈ বিধাতা আহিল। ৰজাই কোনোমতে বাট এৰি নিদিলে। বিধাতাই ক'লে —

"মহাৰাজ, তুমি ইমান জ্ঞানী হৈও মোক নিজৰ কাম কৰিবলৈ দিয়া নাই কিয়"? ৰজাই উত্তৰ দিলে — "ভগৱান, আপুনি ব্ৰাহ্মণৰ পুত্ৰৰ কপালত কি লিখিছে সেইটো যদি মোক জনাই যাব বুলি কয়, তেন্তে মই বাট এৰি দিম।"

সেই কথাত মান্তি হৈ বিধাতা ভিতৰলৈ গ'ল আৰু কেঁচুৱাৰ কপালত ভাগ্যলিপি লিখি ওলাই আহি ক'লে — "এই ল'ৰাটোক বিয়াৰ দিনা ৰাতি বাঘে খাই মাৰিব।" ৰজাৰ বৰ দুখ লাগিল। তেওঁ হাতযোৰ কৰি ক'লে, "হে ভগৱান, ব্ৰাহ্মণক ইমান দুখ নিদিব। ল'ৰাটো জীয়াই তুলিবলৈ মোক মন্ত্ৰ শিকাই যাওক।"

ৰজাৰ প্ৰাৰ্থনাত বিধাতা সন্তুষ্ট হ'ল। তেওঁ এখিলা সাঁচিপাতত এফাকি মন্ত্ৰ লিখি দি ক'লে —

"তাক যিদিনা বাঘে খাব, সি মৰিবই। কিন্তু মৰাৰ পিছত তাৰ কাণৰ কাষত এই মন্ত্ৰ ফাকি মাতি দিলে সি জী উঠিব।"

বিক্ৰমাদিত্যই বিধাতাক প্ৰণাম কৰি সাঁচিপাত খিলা ল'লে, তাৰ পিছত নিজৰ কাবেঙত সেইখিলা ভালকৈ সামৰি থ'লে। তেওঁ ব্ৰাহ্মণক ক'লে যে ল'ৰাটোৰ বিয়াৰ দিনা তেওঁক যেন খবৰ দিয়ে।

বহুত বছৰ পাৰ হ'ল। ল'ৰাটো ডেকা হ'ল। ব্ৰাহ্মণে তাৰ বিয়া ঠিক কৰি ৰজাক খবৰ দিলে। ৰজাও আহিল। বিয়াৰ দিনা ৰাতি দৰা-কইনাক ভিতৰলৈ পঠিয়াই ৰজাই সৈন্য-সামন্ত লৈ বাহিৰত ৰখি থাকিল। তাকে দেখি কইনাই ভিতৰত দৰাক সুধিলে —

"বাহিৰত ইমানবোৰ সৈন্য কিয় আছে" দৰাই ক'লে — "মোক আজি বাঘে খাব পাৰে বুলি ৰজাই ৰখি আছে।" কইনা বৰ আজলী। তাই সুধিলে — "বাঘনো কেনেকুৱা মই কেতিয়াও



বাঘ দেখা নাই।"

কইনাক কোনোমতে বুজাব নোৱাৰি দৰাই কাগজ এখিলাত বাঘৰ ছবি এখন আঁকি দেখুৱালে। লগে লগে সেই বাঘটো সঁচা বাঘ হৈ জাঁপ মাৰি উঠিল আৰু ল'ৰাটোৰ ডিঙিত কামুৰি তাক মাৰি পেলালে। তাৰপিছত আকৌ সি ছবিৰ বাঘ হৈ থাকিল। কইনাই চিঞৰ এটা মাৰি অচেতন হৈ থাকিল, হুৰাদুৰা লাগি পৰিল। ৰজাই লৰা-লৰিকৈ কাবেঙৰ পৰা মন্ত্ৰ লিখা কাগজখিলা অনালে। পিছে ইতিমধ্যে সেইখন পোকে কুটি পেলাইছিল। তাত মাথোন 'ভাগ্যত' বুলি এটা শব্দহে পঢ়িব পৰা হৈ আছিল। উপায় নাপাই ৰজাই কালিদাস, বৰৰুচি আদি কবিসকলক 'ভাগ্যত' শব্দৰে আৰম্ভ কৰি একোটা শ্লোক লিখিবলৈ দিলে। তেওঁলোকেও লিখিলে। পিছে বিধাতাই লিখাটোৰ লগত নিমিলা বাবে সেইবোৰে কাম নিদিলে, ল'ৰটো জী নুঠিল।

ল'ৰাটোক প্ৰাণ দিব নোৱাৰি ৰজাৰ বৰ বেয়া লাগিল। তেওঁ ঢোল এটাৰ ভিতৰত মৃতদেহটো ভৰাই লৈ 'ভাগ্যত' শব্দটোৰে লিখা কবিতা বিচাৰি নানা ঠাইত ঘূৰি ফুৰিবলৈ ধৰিলে। বহুতৰ পৰা বহু ঠাইত তেওঁ কবিতা শুনিলে, কিন্তু ক'তো ল'ৰাটোৱে প্ৰাণ পাই নুঠিল।

এইদৰে গৈ গৈ ৰজাই এখন নগৰত এটা শিৱমন্দিৰৰ চোতালত ঢোলটো কাষত লৈ শুই থাকিল। সেই ৰাজ্যৰ ৰাজকন্যা সদায় মন্দিৰলৈ আহে। সদায়ে এটা ফটা-ছিটা কাপোৰ পিন্ধা বামুণৰ ল'ৰাই ৰাজকন্যাৰ পৰা ফল-মূল বা অন্য কিবা খুজি লয়। সেই আধা-বলীয়া ল'ৰাটোৱে এদিন ৰাজকন্যাক সুধিলে —

"মই যি বিচাৰোঁ তাকে দিবানে" বিশেষ নাভাবি ৰাজকন্যাই 'দিম' বুলি ক'লে। তেতিয়া সেই ল'ৰাটোৱে ক'লে — "তেন্তে মোক বিয়া কৰোৱা।"

ৰাজকন্যা মহা বিপদত পৰিল। এই সামান্য, বলীয়া ল'ৰাটোক তেওঁ বিয়া কৰায় কেনেকৈ ! আনফালে নিজৰ শপতো পালন কৰিব লাগে ! বুদ্ধি কৰি তেওঁ ক'লে —

"তুমি যদি আজি মাজনিশা এই শিৱমন্দিৰলৈ আহিব পাৰা, তেন্তে মই তোমাকে বিয়া কৰাম।"

ৰাজকন্যাই ভাগ্যৰ লিখন বৰ বিশ্বাস কৰিছিল। তেওঁ জানিছিল যে কৰোঁ বুলি কোনোৱে একো কৰিব নোৱাৰে। নহ'লেনো তেওঁৰ কপালত জধা মূৰ্খ দৰা এটা লিখা থাকেনে ! বৰ দুখ মনেৰে তেওঁ হাতত এডাল মালা লৈ মাজনিশা মন্দিৰলৈ গ'ল। তাতে শুই থকা ৰজাক দেখি বামুণৰ ল'ৰাটো বুলি ভাবি তাৰ ডিঙিতে মালা ডাল পিন্ধাই দিলে। তাৰপিছত তেওঁৰ মুখেৰে নিজে নিজে এই কবিতা ওলাল —

"ভাগ্যত যি লিখা আছে সেয়ে ফলিয়াই
জোৰ কৰি, আশা কৰি, একো লাভ নাই।"

লগে লগে ঢোলৰ ভিতৰত ব্ৰাহ্মণৰ পুত্ৰই প্ৰাণ পালে কাৰণ বিধাতাই লিখা শ্লোকো

সেইটোৰেই আছিল। ৰজাই বৰ আনন্দ পালে। ঢোলটো ভাঙি তেওঁ ল'ৰাটি উলিয়াই আনিলে আৰু নতুন ৰাণীক লগত লৈ নিজৰ ৰাজ্যলৈ আহিল।

পুত্ৰক লাভ কৰি ব্ৰাহ্মণ আনন্দিত হ'ল। ❖

# পৰোপকাৰী ৰজা

মহাৰাজ বিক্ৰমাদিত্য এদিন ৰত্নভানু পৰ্বতত হোৱা দেৱী-পূজা চাবলৈ গৈছিল। তাত থকা দেৱীৰ মন্দিৰত দলে দলে মানুহে পূজা দিছে। কিন্তু এফালে এজন মানুহে অকলে অকলে মন মাৰি বহি আছে। ৰজাই তেওঁক সুধিলে —

"হেৰা, তুমি কিয় মন মাৰি আছা ? মন্দিৰত চাকি-বন্তিও দিয়া নাই, ফল-মূলো দিয়া নাই ! কিয় ?" মানুহজনে ক'লে —

"মই কি দিম, মোৰ একো নাই। কালি ৰাতি জুৱা খেলি মই গোটেইবোৰ হেৰুৱালোঁ।" ৰজাই ক'লে —

"তুমি তেন্তে নিজকে উচৰ্গা নকৰা কিয় ? আজি বৰ শুভক্ষণ মিলিছে। আজি যদি দেৱীৰ আগত নিজৰ প্ৰাণ উচৰ্গা কৰা, তেন্তে বহুত ধন-সোণ লাভ কৰিবা। তাৰ পিছত কিন্তু জুৱা খেলা আভ্যাস এৰি দিব লাগিব।

"মৰাৰ পিছতনো ধন-সোণবোৰ লৈ কি কৰিম" ৰজাই তাক সাহ দি ক'লে —

"তুমি মৰিলেও সেই কুঁৱাৰ যাদুলগা পানী মূৰত ঢালি দি তোমাক মই পুনৰ জীয়াই তুলিম।"

মানুহটোৱে ৰজাৰ কথা বিশ্বাস নকৰিলে। তেওঁ দুখ কৰিয়েই থাকিল। তেতিয়া ৰজাই ক'লে —

"বাৰু, তোমাৰ হৈ ময়েই মোৰ প্ৰাণ উৎসৰ্গা কৰিম। তুমি তেতিয়া বহুত ধন-সোণ লাভ কৰিবা। তাৰ পিছত কিন্তু মোক পানী ছটিয়াই জীয়াই তুলিবলৈ নাপাহৰিবা।"

মানুহটোৱে শপত খালে যে সি ৰজাক জীয়াই তুলিবই। ৰজাই তেতিয়া তৰোৱালেৰে নিজৰ মূৰ কাটি দেৱীৰ আগত প্ৰাণ-বিসৰ্জন দিলে। পিছে সেই লুভীয়া মানুহটোৱে লগে লগে বহুত ধন — সোণ সৰি পৰা দেখি সেইবোৰ বুটলি লৈ ঘৰলৈ দৌৰ দিলে। ৰজাৰ মৃতদেহ তেনেকৈয়ে পৰি থাকিল। তেতিয়া দেৱীয়ে নিজে আৱিৰ্ভাৱ হৈ ৰজাক প্ৰাণদান দি ক'লে —

"তুমি মহৎ আৰু পৰোপকাৰী। কিন্তু যি মানুহক তুমি আগৰে পৰা নাজানা, তেওঁৰ ওপৰত বিশ্বাস কৰি ভুল কৰিছিলা। দান দিওঁতে বা সহায় কৰোঁতেও সদায় আগ-পাছ গুণি চাব লাগে।" ❖

# দয়ালু ৰজা

বিক্ৰমাদিত্যৰ দৰে উদাৰ আৰু মহান ৰজা পৃথিৱীৰ ভিতৰতে কম। তেওঁৰ অন্তৰ বৰ কোমল আছিল, আনৰ দুখ তেওঁ মুঠেই সহিব নোৱাৰিছিল। এদিন তেওঁ ছদ্মবেশত ঘূৰি ফুৰোঁতে গাঁৱৰ এমূৰে এজনী মাইকী মানুহে বিনাই বিনাই কন্দা শুনিলে। নিজৰ ৰাজ্যত কোনেনো ইমান দুখত আছে জানিবৰ বাবে ৰজা লৰা-লৰিকৈ সেইফাললৈ গ'ল।

তেওঁ গৈ দেখিলে যে এজনী মানুহক এটা শকত মানুহে গাৰ বলেৰে চাবুকেৰে কোবাই আছে। সেই কোবৰ বাবে তাইৰ গাৰ মঙহ ফাটি চটাচটে এৰাই গৈছে আৰু তেজেৰে ৰঙা হৈ পৰিছে। মানুহজনীয়ে চিঞৰি চিঞৰি কান্দি আছে। সেই দৃশ্য দেখি ৰজাই সহিব নোৱাৰিলে। তেওঁ খঙেৰে সুধিলে —

" তুমি কোন। এই মানুহজনীক এইদৰে কোবাই আছা কিয় ।"

মানুহটোৱে উত্তৰ দিলে -" এইজনী এজন সদাগৰৰ পত্নী। সদাগৰে মোৰ পৰা ধন ধাৰে লৈছিল। ধাৰ মাৰিব নোৱাৰিলে ঘৈণীয়েকক সৌকাৰে কোবাবলৈ দিয়াৰ চুক্তি আছিল। সি ধাৰ মাৰিব নোৱাৰিলে। গতিকে তাৰ ঘৈণীয়েকক মই কোবাইছোঁ।"

ৰজাই ক'লে — " কি অন্যায় কথা ! এজনৰ দোষত আন এজনক কোবাইছা কিয় ।"

মানুহটোৱে ক'লে, — " সেইটোৱেই আমাৰ চুক্তি আছিল। "

ৰজাই ক'লে — " মই যদি তোমাৰ ধনখিনি দি দিওঁ, তেতিয়াহ'লে এওঁক এৰি দিবা নে ?"

মানুহটোৱে ক'লে যে এতিয়া আৰু সেইটো নহ'ব। ৰজাই যদি নিজৰ সুদা উদং পিঠিত লেখি লেখি পাঁচিশটা বেতৰ কোব লয়, তেতিয়াহ'লে হয়তো মানুহজনীক এৰি দিব পৰা যাব।

সেই কথা শুনি ৰজাই লগে লগে নিজৰ চোলা খুলি পিঠি পাতি দিলে। মানুহটোৱে খুব জোৰে জোৰে সেই পিঠিত সৌকাৰে কোবাবলৈ ধৰিলে। ৰজাৰ পিঠি ফাটি মঙহ এৰাই গ'ল, তেজ বৈ আহিল। তথাপি তেওঁ মুখেৰে কোনো শব্দ নকৰিলে।

তাৰ পিছত সৌকা নমাই থৈ মানুহটোৱে ৰজাৰ শৰীৰত হাত বুলাই দিলে। লগে লগে ৰজাৰ বিষ আৰু কষ্ট নোহোৱা হ'ল। তেওঁ আচৰিত হৈ দেখিলে যে স্বয়ং লক্ষ্মী আৰু নাৰায়ণ তেওঁৰ সমুখত থিয় হৈ আছে।

নাৰায়ণে ক'লে — " মহাৰাজ, আমি তোমাৰ পৰীক্ষাহে লৈছিলোঁ। তুমি সঁচাকৈয়ে বৰ মহান। তোমাৰ দয়াৰ তুলনা নাই। "

ৰজাই তেওঁলোকক সেৱা কৰিলে আৰু ভগৱানৰ আশীৰ্বাদ পাই তেওঁৰ মন আগতকৈও পৱিত্ৰ হ'ল। ❖